# সন্তমালা।

অৰ্থাৎ

ঈশ্বৰ অৱতাৰৰ সংক্ষিপ্ত বিবৰণ ও
হৰিভক্তি ধৰ্ম্ম প্ৰচাৰক ব্ৰহ্ম
সংহতি সন্ত সকলৰ
মুঠ জীৱনী।




শ্ৰীকোষেশ্বৰ দেব গোস্বামী

ৰচিত।

শ্ৰীমতিৰাম পণ্ডিতৰ দ্বাৰা সম্পাদিত।

এবং

শ্ৰীযুক্ত শিবনাথ ভট্টাচাৰ্য্য দ্বাৰা

সংশোধিত ও প্ৰকাশিত।



প্ৰথম তাঙ্গৰণ।

কলিকাতা,

৬নং কলেজ-স্কোৱাৰ, সাম্য-যন্ত্ৰত,

সেখ আবদুল লতিফ দ্বাৰা ছপা হ'ল।





১৮২৯ শক, জ্যৈষ্ঠ মাস।

# নিবেদনম্।

যি শাস্ত্র দ্বাৰা সৰ্ব্বাত্মা জগদীশ্বৰৰ তত্ত্ব বুজি প্ৰত্যক্ষাবতাৰ পৰমেশ্বৰৰ লীলা গুণ গাই জীৱন সাৰ্থক কৰি বেদ বিহিত সকৰ্ম্মক প্ৰবৰ্ত্তন কৰি যি মনুষ্যে পশু জাতিৰ ভিন্ন উপাধি পাইছে; পুণ্য ভাৰতবাসী এই দেশৰ লোক সকলে জনা উচিত যে, বেদোৎপত্তি যি কালত যাৰ দ্বাৰা বেদ শাখা বিভাগহৈ ধৰ্ম্ম শাস্ত্র ৰচনা হল, আৰু যি কালত ঈশ্বৰবাদী কুতৰ্কি দ্বাৰা অবিশ্বাসহৈ অধৰ্ম্মোৎপত্তি হোৱাত ঈশ্বৰাবতাৰ হৈ পুনৰ ধৰ্ম্ম ৰক্ষা কৰি সন্ত সকলক ৰাখিলে ও ঈশ্বৰাবতাৰ-পৰে কলিযুগত পুনৰ কি প্ৰকাৰে ধৰ্ম্মৰ প্ৰতি বিঘাত কৰাত পুনৰ মহাত্মা পুৰুষ সকলে উৎপতিহৈ হৰিভক্তি ধৰ্ম্ম প্ৰচাৰ কৰি হৰিনাম প্ৰকাশ কৰিলে। সেই সকলৰ প্ৰাচীন চৰিত্ৰ বাহুল্য গতিকে সংক্ষিপ্ত বিবৰণ খৰ্ব্ব পদ্যছন্দে মালা স্বৰূপ ৰচনা কৰা হ'ল।

শ্ৰীকোষেশ্বৰ দেব গোস্বামী।

---

সন্তমালা নামৰ এই পুথিখনি কালক্ৰমে আহি আমাৰ হাতত পৰাত আমি অৰ্থ ব্যয় কৰি ইয়াক ছপা কৰালোঁ। পুঁথিখনি আকাৰত সৰু হলেও ইয়াত অতি সাৰ কথা আছে; ধৰ্ম্মপথপ্ৰদৰ্শক সুপ্ৰসিদ্ধ ডাঙৰ সত্ৰ কেইখনিৰ সংক্ষিপ্ত বিবৰণ ইয়াত আছে।

যোৰহাট, ১লা জ্যৈষ্ঠ,
১৮২৯ শক।

শ্ৰীশিবনাথ ভট্টাচাৰ্য্য,
প্ৰধান শিক্ষক,
যোৰহাট গৱৰ্ণমেণ্ট মডেল স্কুল।

# পাতনি।



"সন্তমালা" নামে পুথিখনি প্ৰাতঃস্মৰণীয় গুৰু ডিফলু সত্ৰৰ শ্ৰীল শ্ৰীশ্ৰীযুক্ত কোষেশ্বৰ দেব গোস্বামীয়ে ৰচি বহুত দিন পেলাই থৈছিল। পাচে এদিন আমি স্কুলৰ পৰা আহোঁতে আমাক আশীৰ্ব্বাদ কৰি এই "সন্তমালা" নামে পুস্তকখনি আমাৰ হাতত সমৰ্পণ কৰে। আমি ইয়াক পঢ়ি চাই উচিত বিবেচনা কৰি লোক সমাজত প্ৰচাৰ হবৰ কাৰণ বহুত আশা ও যত্ন কৰি ইয়াৰ বৰ্ণা-বলি যথাসাধ্য শুদ্ধ কৰি প্ৰকাশ কৰা হ'ল। যদি এই "সন্তমালা" সোনকালে প্ৰকাশ হৈ হিন্দুধৰ্ম্মাবলম্বী তত্ত্বজ্ঞ লোক সকলৰ আদৰণীয় হয়, তেন্তে আমাৰ সকলো আশা আৰু পৰিশ্ৰম সাৰ্থক হ'ল বুলি ভাবিম। ইতি

বিনয়াবনত

১৯০৭ সন,<br>১৬ই মাৰ্চ্চ।



শ্ৰীমতিৰাম পাচনি পণ্ডিত,<br>কলাবাড়ী গাগলগাঁও স্কুল।

# সন্তমালা।

---

শ্রীকৃষ্ণায় নমঃ।

---

ঘোষা।

এ হৰি নাৰায়ণ, জগত কাৰণ, প্রকৃতিৰো পৰ তুমি।
তোমাৰ মায়াত পৰি জীবগণ সুখ দুখ পাৱে জন্মি।

পদ।

নমো নাৰায়ণ।
নিত্য নিৰঞ্জন॥
জগত স্রজন।
জানা নাৰায়ণ॥
কার্য্যৰ কাৰণ।
যুগ আগমন॥
জন্মে ভূতগণ।
প্রকাশে ভুবন॥

নাভি কমলত।
ব্রহ্মা ভৈলাজাত॥
জনমি তহিত।
বিধি বিমোহিত॥
কিবা কাৰণত।
কিয় ভৈলোঁ জাত॥
কি কৰিবো আত।
চিন্তয় মনত॥

জলত শুনিল।
তপঃ শব্দ ভৈল॥
তপস্যা কৰিল।
ব্ৰহ্মাত্মা দেখিল॥
ব্ৰহ্মা হৃদয়ত।
নাৰায়ণ স্থিত॥
শব্দ ভৈলা জাত।
বেদৰ প্ৰখ্যাত।
লভিদিব্য জ্ঞান।
জানিলা বিজ্ঞান॥
কাৰ্য্যৰ প্ৰমাণ।
সৃষ্টি নিৰমান॥
সজ্ঞান লভিল।
স্ৰজন কৰিল॥
জ্ঞান কৰ্ম্ম ভৈল।
পন্থ দুই বৈল॥
প্ৰবৃত্তিৰ গুণ।
কৰ্ম্মৰ কাৰণ॥
সৃষ্টি নিয়োজন।
নিবৃত্তি নির্গুণ॥

মায়াৰ তৰণ।
সংসাৰ বৰ্জ্জন॥
মানসে উৎপতি।
সনক প্ৰভৃতি॥
পুত্ৰ চাৰিগুটি।
বেদৰ নিবৃতি॥
পথক বুজিল।
জ্ঞান নিস্তভৈল॥
সংসাৰ এৰিল।
বৈৰাগ্য ধৰিল॥
ব্ৰহ্মজ্ঞানী হই।
ভ্ৰমিয়া ফুৰয়॥
আত্মাকাৰ ময়॥
মায়া নবাধয়॥
ব্ৰহ্মাৰ আহ্লাদ।
পুত্ৰ যে নাৰদ॥
ভাগৱত বেদ।
কহিলা প্ৰভেদ॥
মনু মৰীচিত।
বেদৰ প্ৰবৃত॥

কর্ম্মৰ বিহিত।
শিখাইলা সবাত॥
যজ্ঞক কৰাইলা।
সৃষ্টি প্রবর্ত্তাইলা॥
সম্বন্ধ খটাইলা।
সৃষ্টি স্থিত বৈলা॥
যজ্ঞৰ কাৰণ।
ধূম উত্তপন্ন॥
জল বৰিষণ।
অন্নৰ উৎপন্ন॥
পাচে জীবগণ।
অন্ন কৰি পান॥
শক্তি উত্তপন্ন।
প্রকৃতিৰ গুণ॥
কাম আসি ভৈলা।
প্রকৃতি ৰমিলা॥
পুত্র জনমিল।
মোহ উপজিল॥
পুত্রক পালিল।
সৃষ্টি বৃদ্ধি ভৈল॥

মায়ায়ে ঢাকিল।
মোহ পাশে বৈল॥
শুনাতাত পৰ।
সত্য যুগ পৰ॥
সূর্য্য বংশধৰ।
ৰাম ৰঘুবৰ॥
দশৰথ ঘৰ।
হুয়া অৱতাৰ॥
বিষ্ণু ভৈলাজাত।
দেখাইলা মহত্ব॥
ধর্ম্মকর্ম্ম যত।
কৰিলা প্রখ্যাত॥
যজ্ঞকো কৰিলা।
বেদক দেখাইলা॥
ৰাক্ষস মাৰিলা।
অধর্ম্ম গুচাইলা॥
বৈকুণ্ঠে চলিলা।
পাচে যেন ভৈলা॥
দ্বাপৰ যুগৰ।
অল্প বুদ্ধিনৰ॥

অগাধ বেদৰ।
তত্ত্ব দৃঢ়তৰ॥
কঠিন বুজিতে।
সেহিসে নিমিত্তে॥
দ্বাপৰ যুগত।
সত্যাৰ গৰ্ব্ভত॥
পৰাশৰ সুত।
দ্বীপৰ মধ্যত॥
লভিলাহা জাত।
জগতে প্ৰখ্যাত॥
অংশে নাৰায়ণ।
পাচে দ্বৈপায়ণ॥
হিতৰ কাৰণ।
চিন্তিলা তখন॥
বেদ শাখাকৈলা।
ছন্দ প্ৰকাশিলা॥
পুৰাণ ৰচিলা।
সংহিতা কৰিলা॥
ভাৰত্ ইতিহাস।
পৰ্ব্ব অষ্টাদশ॥

পাণ্ডৱৰ যশ।
কৰিলা প্ৰকাশ॥
ভীষ্ম যে পৰ্ব্বত।
সৈন্য দৰ্শনত॥
অৰ্জ্জুন আগত।
কৈলা ভগৱন্ত॥
যোগজ্ঞানতত্ত্ব।
কৰিলাহা ব্যক্ত॥
পৰাশৰ সুত।
ৰচিলা গীতাত॥
যাক জানি নৰ।
মোহ অন্ধকাৰ॥
হোৱয় নিবাৰ।
সংসাৰৰ পাৰ॥
তথাপি তাহান।
চিত্ত সংশোধন॥
নভৈল তখন।
শুনা পাচে যেন॥
নাৰদত জ্ঞান।
লভিয়া বিজ্ঞান॥

জানি তত্ত্ব জ্ঞান।
পূৰাণ প্ৰধান॥
জ্ঞানৰ সুযুক্তি।
নৱ বিধ ভক্তি॥
কৰি পাৰে মুক্তি।
কৰি ঋষি যুক্তি॥
শাস্ত্ৰ ভাগৱত।
কৰিলা প্ৰক্ষাত॥
আপন পুত্ৰত।
শুকৰ আগত॥
ভাগৱত কৈলা।
ভক্তি প্ৰকাশিলা॥
চিত্ত শুদ্ধ ভৈলা।
সংশয় গুছিলা॥
চিদানন্দ ভৈলা।
সমাধি ধৰিলা॥
অংশে নাৰায়ণ।
হুয়া দ্বৈপায়ণ॥
চিত্ত সংশোধন।
নভৈল কথন॥

গুৰু বিনে আন।
জানা নৰগণ॥
সংশয় বিছিন্ন।
নোহে কদাচন॥
অনেক পথত।
হুয়া উপগত॥
মন বিচলিত।
হোৱয় বিস্মিত॥
যাইবো কোন দিশ।
নাপায় উদিশ॥
চিতে বিমৰিষ।
শোধয় উদিশ॥
যেন সমুদ্ৰত।
চড়িয়া নৌকাত॥
বায়ুৰ কোবত।
ভ্ৰময় সতত॥
চতুৰ্দ্দিশে ফুৰে।
ৰাখিবে নোৱাৰে॥
কাণ্ডাৰি বাহিৰে।
কোনে পাৰ কৰে॥

মন বায়ু পাই।
চিন্তি অন্ত নাই॥
সংশয় মিলাই।
পাৰকো নপাই॥
এতেকতে জ্ঞানা।
গুৰু সত্যমানা॥
সংশয় নামানা।
হিত বাক্য জানা॥
ব্ৰহ্মা পুত্ৰ আৰ।
শুনা নাৰদৰ॥
গুৰু বিশ্বেশ্বৰ।
লভি মুনিবৰ॥
তন্ত্ৰ পঞ্চৰাত্ৰ।
ধ্যানৰ চৰিত্ৰ॥
জ্ঞানৰ পবিত্ৰ।
ৰচিলা বিচিত্ৰ॥
পাচে ভাগৱত।
এ কলি যুগত॥
প্ৰকাশে কাহাত।
শুনা তাৰ তত্ত্ব॥

শেষে দ্বাপৰৰ।
অসুৰ বৰ্ব্বৰ॥
জন্মিল বিস্তৰ।
কৰ্ম্ম অধৰ্ম্মৰ॥
অধৰ্ম্ম ভৰিল।
পৃথিবী ডবিল॥
ভয়ত কম্পিল।
বিধিয়ে প্ৰাৰ্থিল॥
পূৰ্ণ ব্ৰহ্ম কৃষ্ণ।
ভকতৰ ইষ্ট॥
সন্তৰ অনিষ্ট।
জানিলা গৰিষ্ঠ॥
ৰাখিবাক সন্ত।
পাচে ভগবন্ত॥
দৃশ্য যে দিলন্ত।
ভক্তে দেখিলন্ত॥
প্ৰত্যক্ষ হইলা।
অসুৰ ধ্বংসিলা॥
ব্ৰজত ক্ৰীড়িলা।
ভক্তে গুণ গাইলা॥

ভক্ত পাণ্ডবৰ।
সঙ্গে দামোদৰ॥
কুৰু পাণ্ডৱৰ।
লগাইলা সমৰ॥
অধৰ্ম্ম নাশিলা।
ধৰ্ম্মক স্থাপিলা॥
বংশকো নাশিলা।
ভাৰ সংহৰিলা॥
উদ্ধৱে নমিলা।
জ্ঞান শিক্ষাদিলা॥
বৈকুণ্ঠে গমন।
কৈলা নাৰায়ণ॥
শুনি পাণ্ডুগণ।
লৰিলা তখন॥
বৈৰাগ্য ধৰিলা।
মোহ দূৰ ভৈলা॥
উত্তৰক গৈলা।
স্বৰ্গে আৰোহিলা॥
পৌত্ৰ পাণ্ডৱৰ।
ভৈলা নৃপবৰ॥

পাচে পৰীক্ষিত।
ধৰ্ম্মৰ অহিত॥
জানি আচৰিত।
লৰিলা ত্বৰিত॥
কলিক খণ্ডিল।
ধৰ্ম্মক স্থাপিল॥
কাল আসি ভৈল।
ঋষি শাপ পাইল॥
বৈৰাগ্য মিলিল।
গঙ্গাতীৰে গৈল॥
সাধুসঙ্গ লৈলা।
প্ৰশ্নকো সুধিলা॥
ঋষি অপৰ্য্যন্ত।
শুক আসিলন্ত॥
ৰাজায়ে পুচন্ত।
শুকে কহিলন্ত॥
পাচে নৃপমণি।
শুক মুখে শুনি॥
ভাগৱত বাণী।
সাৰোগত মানি॥

আত্ম তত্ত্ব পাইল।
সংশয় গুছিল ॥
তক্ষকে দংশিল।
জীৱ নিস্তৰিল ॥
কলি আগমন।
জানি মুনিগণ ॥
নৈমিষাৰ বন।
কৰিলা গমন ॥
ডৰি অধৰ্ম্মক।
আচৰি যজ্ঞক ॥
দেখিলা সুতক।
সুধিলা তত্ত্বক ॥
মনুষ্য কলিত।
তৰিব কিমত ॥
শুনা মুনি সুত।
কৈয়ো তাৰ হিত ॥
পাচে মুনি সুত।
কৈলা ভাগৱত ॥
পৃথিবীত ব্যক্ত।
ভৈল এহিমত ॥

একলি যুগত।
ধৰ্ম্ম কেন মত ॥
হোৱে পদাহত।
শুনা তাৰ মত ॥
প্ৰকৃতিৰ পৰ।
অব্যক্ত ঈশ্বৰ ॥
মায়া অন্ধকাৰ।
অজ্ঞানী নৰৰ ॥
প্ৰত্যক্ষ ঈশ্বৰ।
নেদেখি বৰ্ব্বৰ ॥
সংশয় বিস্তৰ।
ভৈলন্ত তাহাৰ ॥
বেদ তত্ত্ব সাৰ।
সুবুজয় আৰ ॥
ধৰ্ম্মৰ বিচাৰ।
কৰে পৰিহাৰ ॥
দেহা অভিমানি।
পৰাত্মা নাজানি ॥
পৰকাল বাণী।
অসত্যক মানি ॥

| | |
|---|---|
| নিসিদ্ধ শাস্ত্ৰক। | শুনা আতপৰ। |
| পঢ়িয়া প্ৰত্যেক॥ | চৰিত্ৰ পূৰ্ব্বৰ॥ |
| কুতৰ্ক্কি ভৈলেক। | দেখিয়া বিস্তৰ। |
| নাজানে কৃষ্ণক॥ | কৰিলা প্ৰচাৰ॥ |
| ভৈলন্ত নৈষ্ঠিক। | সত্যক ভাবিবা। |
| নামানে ধৰ্ম্মক॥ | নিশ্চয় মানিবা॥ |
| নামানে গুৰুক। | চৰিত্ৰ চাহিবা। |
| নুশুনে শাস্ত্ৰক॥ | নপালে নিন্দিবা॥ |
| পশুৰ আচাৰ। | পাচে মহাদেৱে। |
| কৰে ব্যৱহাৰ॥ | ধৰ্ম্মক ৰক্ষায়ে॥ |
| ধৰ্ম্মৰ বিচাৰ। | সন্তক দায়ায়ে। |
| নাহিকে তাহাৰ॥ | পৃথিবী আসিয়ে॥ |
| কতো কতো নৰে। | দ্বিজকুলে আব। |
| স্বধৰ্ম্মক এৰে॥ | গৰ্ব্ভে বিধবাৰ॥ |
| ধৰ্ম্ম ব্যভিচাৰে। | আচাৰ্য্য শঙ্কৰ। |
| ভকতি আচৰে॥ | ভৈলা অৱতাৰ॥ |
| বেদ ব্যৱহাৰ। | বেদ বিচাৰিলা। |
| কৰে পৰিহাৰ॥ | গহ্বৰত পাইলা॥ |
| নাহি জাতি ভাৱ। | প্ৰচাৰ কৰিলা। |
| পাষণ্ড আচাৰ॥ | বৌদ্ধে বাদ কৈলা॥ |

অগ্নি পান কৈলা।
মহাত্মা দেখাইলা ॥
বেদ প্ৰমানিলা।
বৌদ্ধক কাটিলা ॥
ধৰ্ম্মক স্থাপিলা।
বেদ প্ৰকাশিলা ॥
গীতা টীকা কৈলা।
ভাবাৰ্থ বুজাইলা ॥
শাস্ত্ৰ ভাগৱতা
প্ৰকাশি কাশীত ॥
ধৰ্ম্ম পৃথিবীত।
চাৰিও দিশত ॥
স্থাপন কৰিলা।
স্বধামে চলিলা ॥
ভক্তে গুণ গাইলা।
আনন্দ মিলিলা ॥
বহুত শেষত।
পাষণ্ড কলিত ॥
জন্মিল বহুত।
ভাৰত বৰ্ষত ॥

পূৰ্ব্বৱত্ত ভৈল।
বেদ লুপ্ত কৈল ॥
ব্যভিচাৰ ভৈল।
হৰি পাসৰিল ॥
শুনা নৰগণ।
হৰি বিনে আন ॥
অধৰ্ম্ম খণ্ডন।
নহয় কখন ॥
জানি নৰগণ।
পাপৰ তৰণ ॥
কৃষ্ণৰ চৰণ।
পশিও শৰণ ॥
পাপক খণ্ডিব।
দুষ্টক দণ্ডিব ॥
সত্যক পালিব।
ধৰ্ম্মক স্থাপিব ॥
কৃষ্ণৰ কিঙ্কৰে।
দ্বিজ কোবেশ্বৰে ॥
ভক্তিৰ আশাৰে।
প্ৰাৰ্থয় অন্তৰে ॥

হস্তে কৃতকাম।
মুখে ৰাম নাম॥
লোক অনুপাম।
তেজা আন কাম॥
সন্তমালা নাম।
শুনা অনুপাম॥

এৰি আন কাম।
ধৰা কৃষ্ণ নাম॥
হেলা পৰিহৰি।
হৃদি ৰূপ ধৰি॥
পাপক সংহৰি।
বোলা হৰি হৰি॥

ঘোষা।

গুৰুবাক্য কৃষ্ণপদ লৈয়ো সাৰ কৰি।
সন্তৰূপে গুৰু ব্ৰহ্ম ভৈলা অৱতৰি॥

## পদ।

শুনা আত্তপৰ।
চৰিত্ৰ পূৰ্ব্বৰ॥
পৃথিবী ওপৰ।
অধৰ্ম্ম বিস্তৰ॥
বিষ্ণু ভক্তগণ।
দেখিয়া তখন॥
হৃদয়ে চিন্তন।
কৰে নাৰায়ণ॥

নিত্য নিৰঞ্জন।
কৰা পৰিত্ৰাণ॥
তুমি বিনে আন।
ৰাখে কোন জন॥
বৈষ্ণৱ ধৰ্ম্মক।
বেদৰ কৰ্ম্মক॥
সত্য ৰাখিবাক।
ধৰ্ম্ম স্থাপিবাক॥

বঙ্গে নবদ্বীপে।
গঙ্গাৰ সমীপে॥
ধৰ্ম্মৰ সন্তাপে।
হৰি অংশ ৰূপে॥
বিপ্রৰ বীৰ্য্যত।
শচীৰ গৰ্ব্ভত॥
দ্বিজকুলে জাত।
চৈতন্য প্ৰখ্যাত॥
বালক কালত।
জ্ঞানগুণ যত॥
বিখ্যাত পাৰ্গত।
পৰম পণ্ডিত॥
জানি চাৰিবেদ।
কৰিলাহা বাদ॥
যত বিসম্বাদ।
কৰিলাহা ছেদ॥
সৃষ্টি ৰাখিবাক।
কৰি আশ্ৰমক॥
আশ্ৰম ধৰ্ম্মক।
দেখাইলা লোকক॥

ধৰ্ম্ম বেদাচাৰ।
কৰ্ম্মৰ প্ৰচাৰ॥
সৃষ্টিৰ প্ৰকাৰ।
বুজাইলা প্ৰজাৰ॥
আশ্ৰম বিহাৰ।
কৰি পৰিহাৰ॥
জ্ঞানকাণ্ড আৰ।
কৰিলা প্ৰচাৰ॥
শ্ৰীচৈতন্যৰ।
মহিমা বিস্তৰ॥
চৰিত্ৰ পূৰ্ব্বৰ।
কৰিছে প্ৰচাৰ॥
সঙ্ক্ষেপ পদত।
নিবন্ধিবো কত॥
কতো দিনা গত।
গঙ্গাৰ জলত॥
বিনা নৌকা যান।
কৰিলা গমন॥
চৰণ স্পৰ্শন।
পথ উতপন্ন॥

| | |
|---|---|
| গঙ্গা ভৈলা পাৰ। | আসাম দেশত। |
| নাহি নৌকা আৰ ॥ | হাজো মাধৱত ॥ |
| মহিমা তাহাৰ। | ভৈলা উপস্থিত। |
| দেখি বৈষ্ণৱৰ ॥ | শাস্ত্র ভাগৱত ॥ |
| আনন্দ মিলিল। | কৰিলা প্রকাশ। |
| শৰণ পশিল ॥ | জ্ঞানৰ আভাষ ॥ |
| তান সঙ্গে ৰৈল। | ভক্তিৰ প্রকাশ। |
| হৰি নাম গাইল ॥ | গৈল দশোদিশ ॥ |
| বৈৰাগ্য ধৰিয়া। | দ্বিজ দামোদৰ। |
| বৈষ্ণৱক লৈয়া ॥ | দেখি চৈতন্যৰ ॥ |
| হৰিনাম গায়া। | আনন্দ বিস্তৰ। |
| ফুৰিলা ভ্রমিয়া ॥ | চিনিলা পূৰ্ব্বৰ ॥ |
| শাস্ত্র ভাগৱত। | পাৰ্ষদ কৃষ্ণৰ। |
| ভকতিৰ তত্ত্ব ॥ | হুয়া শাপান্তৰ ॥ |
| এ কলি যুগত। | ভৈল ৰূপান্তৰ। |
| নামৰ মহত্ত্ব ॥ | চিহ্ন বৈষ্ণৱৰ ॥ |
| মহাত্মা দেখাইলা। | উপদেশ দিলা। |
| ভক্তি প্রচাৰিলা ॥ | ভক্তিকো বুজাইলা ॥ |
| বৈষ্ণৱ কৰাইলা। | নিজ স্থানে গৈলা। |
| ধৰ্ম্মকো স্থাপিলা ॥ | আৰ নেদেখিলা ॥ |

উপদেশ পাই।
পাট বাউসী ঠাই ॥
সত্রক কৰাই।
থাকিলা তথাই ॥
জ্ঞানক লভিল।
সন্তোষ মিলিল ॥
ভক্তি সাৰ কৈল।
ধৰ্ম্ম প্ৰবৰ্ত্তিল ॥
আশ্ৰম এৰিল।
তথাতে ৰহিল ॥
বৈষ্ণৱ মিলিল।
আনন্দ লভিল ॥
বলোদেব বিপ্রে।
তাহান সমীপে ॥
পোষ্যপুত্ৰ ৰূপে।
থাকিল সমীপে ॥
উপদেশ পাইল।
চিত্ত শুদ্ধ ভৈল ॥
আনন্দ মিলিল।
তথাতে ৰহিল ॥

বনমালী পাচে।
থাকি তান কাছে ॥
গোপালৰ পাচে।
সৌমাৰে আসিছে ॥
দেৱ গোপালৰ।
চৰিত্ৰ সূকৰ ॥
শুনা সবে নৰ।
চৰিত্ৰ তাহাৰ ॥
পায়া কৃষ্ণবৰ।
মুচুকুন্দ বৰ ॥
তপস্যাৰ পৰ।
এৰিয়া শৰীৰ ॥
মুচুকুন্দ ৰায়।
এৰি নিজ কায় ॥
বিপ্ৰকুলে যাই।
জনমি তুনাই ॥
কৌনজ দেশৰ।
কৌণ্ডিল্য গোত্ৰৰ ॥
বিপ্ৰহৰি বৰ।
তান পৌত্ৰবৰ ॥

নামত গোপাল।
সন্তমতি ভাল ॥
দামোদৰে পাইল।
বৈষ্ণৱ চিনিল ॥
আনন্দ মিলিল।
জ্ঞান বাণী দিল ॥
শোনিত বিহিত।
সৌমাৰ দেশত ॥
যাইতে উচিত।
ধৰ্ম্ম স্থাপা তৈত ॥
আজ্ঞা বৈষ্ণবৰ।
পায়া দ্বিজবৰ ॥
কৰিলাহা সাৰ।
ভক্তিৰ প্ৰচাৰ ॥
হেন আজ্ঞা পাইয়া।
গোপালে চলিয়া ॥
সৌমাৰক গৈয়া।
ভাগৱত চায়া ॥
ধৰ্ম্ম ব্যক্ত কৈলা।
ভক্তি প্ৰচাৰিলা ॥

যাইতে উচিত।
ধৰ্ম্ম স্থাপা তৈত ॥
সন্তৰ বচন।
ৰাখিবাক মন ॥
সৌমাৰ গমন।
কৰিলা তখন ॥
সৌমাৰে আসিয়া।
গোপালে চিন্তিয়া ॥
ভাগৱত চায়া।
ভক্তি প্ৰকাশিয়া।
ধৰ্ম্মব্যক্ত কৈলা।
বৌদ্ধে যে শুনিলা ॥
বৌদ্ধে হিংসা কৈলা।
কিছু নাহি ভৈলা ॥
বৌদ্ধক খণ্ডিলা।
বেদাচাৰ দিলা।
ভকতি পথক।
দেখায়া লোকক ॥
ধৰ্ম্ম স্থাপিলেক।
সত্ৰ পাতিলেক ॥

আসি নৰগণ।
কৃষ্ণৰ চৰণ॥
পশিল চৰণ।
শুদ্ধ ভৈল মন॥
ব্যভিচাৰ এৰি।
সদাচাৰ ধৰি॥
বিষ্ণুক স্মৰি।
বোলে ৰামহৰি॥
বাসনা খণ্ডিল।
জীব নিস্তৰিল॥
জানিল গোপাল।
গুছিল জঞ্জাল॥
বেদ পন্থ ধৰি।
ভক্তি সাৰ কৰি॥
ধৰ্ম্ম ব্যক্ত কৰি।
মনুষ্য পৰিহৰি॥
সৌমাৰ দেশত।
অনেক স্থানত॥
সত্ৰ কৰিলন্ত।
কীৰ্ত্তি ৰাখিলন্ত॥

বনমালি দেৱ।
থাকিয়া তথায়॥
ভাগৱত কয়।
ধৰ্ম্ম আচৰয়॥
চক্ৰধ্বজ ৰায়।
শৰণ কৰায়॥
ৰাজ অভিপ্ৰায়।
সত্ৰক কৰায়॥
নাম দক্ষিণ পাট।
লোহিত দ্বীপত॥
ধৰ্ম্ম স্থাপিলন্ত।
ৰহিলা তথাত॥
মৃগ ৰবিস্থিত।
শীতৰ অন্তত॥
তৃতীয়াৰ গত।
তিথি উপস্থিত॥
সেহি দিনাকাল।
দেখিলা গোপাল॥
দেহ সৰ্ব্বকাল।
নথাকয় ভাল॥

ইটো কলিকাল।
দেহা এবা ভাল॥
দীন দায়াল।
তাৰিও সকাল॥
বৈষ্ণব অনাই।
বচন শুনাই॥
ধৰ্ম্মনীতি চাই।
সত্ৰক গতাই॥
ভ্ৰাতৃ সুতভান।
গুৰুৰ লক্ষণ।
মিশ্ৰ বিদ্যাবান।
জয়হৰি হীন॥
আসিলা সদন।
বুলিলা বচন॥
নীতিশিক্ষা জ্ঞান।
কহিলা তখন॥
মিশ্ৰ, জয়হৰি।
দুইকো সাদৰি॥
বাক্য যুক্তিকৰি।
কৰ্ম্মে অধিকাৰী॥

ধৰ্ম্মৰক্ষা কৰি।
থাকা হৰিস্মৰি॥
সত্ৰৰ ৰক্ষণ।
বৈষ্ণৱ সজ্জন॥
মিলি সৰ্ব্বক্ষণ।
থাকা সৰ্ব্বজন॥
যাত্ৰা কেশৱৰ।
বৎসৰ বৎসৰ॥
উৎসৱ কৃষ্ণৰ।
কৰিবা তৎপৰ॥
এতেক বচন।
কহিয়া তখন॥
চিন্তে মনেমন।
যোগ আৰাধন।
শৰীৰ এৰিবে।
ভাবিলাহা চিতে॥
শাস্ত্ৰ নিয়মিতে।
চিন্তিলাহা চিতে॥
জীৱ আত্মানিয়া।
ব্ৰহ্মত স্থাপিয়া॥

একত্র কৰিয়া।
আত্মা সমৰ্পিয়া॥
বৈকুণ্ঠ পুৰত।
কৰিলাহা গত॥
তান ভ্ৰাতৃ সুত।
জ্ঞানত পাৰ্গত॥
মিশ্ৰ জয়হৰি।
গোপালক স্মৰি॥
কৰ্ম্ম সাঙ্গ কৰি।
সত্ৰে বাস কৰি॥
বৈষ্ণব সাম্ভন।
কৰিয়া পালন॥
পূজন বন্দন।
হৰি সংকীৰ্ত্তন॥
ভাগবত গান।
ভক্তিৰ কথন॥
কৰি প্ৰতিদিন।
থাকে হৰ্ষমন॥
শুনা পৰে যেন।
সত্ৰ ভিন্ন ভিন্ন॥
আশ্ৰম এৰিয়া।
জয়হৰি গৈলা॥
ৰাজাক জানাইয়া।
গড়মূৰে গৈয়া॥
সত্ৰ কৰি দিলা।
তথাতে ৰহিলা॥
ধৰ্ম্ম সংস্থাপিলা।
সন্তোষ মিলিলা॥
আয়ু শেষ ভৈলা।
স্বধামে চলিলা॥
শৰীৰ এৰিলা।
কৰ্ম্ম সাঙ্গ কৈলা॥
মিশ্ৰ দেৱগুণ।
শুনা সৰ্ব্বজন॥
সজ্জন ৰঞ্জন।
বৈষ্ণব লক্ষণ॥
শৰীৰ শোভিত।
পৰম পণ্ডিত॥
মহা ভাগবত।
জিহ্বাৰ অগ্ৰত॥

বিদ্যাত পার্গত।
মিশ্র ভাগবত ॥
যাৰ নাম ক্ষান্ত।
সোমাৰ দেশন্ত ॥
ততেলি গুৰিত।
ভাগতী কুটত ॥
গোপাল সঞ্জন্ত।
ধৰ্ম্ম আচৰন্ত ॥
জ্ঞানী মানী জন।
কন্দলী ব্ৰাহ্মণ ॥
কুমাৰী তাহান।
অতি বিত্তোপন ॥
গোপাল আজ্ঞাই।
কন্যাক বিহাই ॥
বিষয় ভোগাই।
ইন্দ্ৰিয় দমাই ॥
বিহাই কন্যাক।
আশ্ৰম ধৰ্ম্মক ॥
কৰিলা কৰ্ম্মক।
দেখায়া লোকক ॥

কৰ্ম্মফল যত।
নবাঞ্ছি সন্তত ॥
হৰি চৰণত।
অৰ্পিয়া সন্তত ॥
ইন্দ্ৰিয়ে ভুঞ্জিল।
বিৰকতি ভৈল ॥
কৰ্ম্মে নবাধিলা।
বাসনা খণ্ডিলা ॥
কৰ্ম্মৰ সৃজন।
নহয় বৰ্জ্জন ॥
গৃহিক নিজ্জৰ।
নকৰা সজ্জন ॥
আশ্ৰম কাৰণ।
জান'হা সৃজন ॥
শুনা সৰ্ব্বজন।
বৈষ্ণৱ চৰ্চ্চন।
মিশ্ৰ যে গোসাঁই।
বিবাহ কৰাই ॥
পুত্ৰ জনমাই।
আনন্দ মিলাই ॥

শুনা আত্তপব।
যেন অথস্তব॥
একদিনা পব।
দুষ্ট দ্বিজষব॥
নামত সভাই।
জ্ঞান কিছু নাই॥
পবম অন্যায়।
গুৰুত জনায়॥
শুনি অভিপ্রায়।
জানিল গোসাঁই॥
কি কহ সভাই।
জ্ঞান কিছু নাই॥
নিসিদ্ধ বুলিল।
মনে গৰ্ব্ব ভৈল॥
কিছু নকহিল।
শীঘ্রে চলি গৈল॥
গৰ্ব্ব কৰি মনে।
মূৰুখ ব্রাহ্মণে॥
ৰাজাৰ সদনে।
কহে যন্ত মানে॥

শুনা নৰপতি।
মিশ্রৰ বিভুতি॥
লভিছে সম্প্রতি।
প্রকাশিছে খ্যাতি॥
বিদ্রোহ ৰাজাৰ।
কৰিছে সম্ভাৰ॥
অজ্ঞানী ৰাজাৰ।
ক্রোধ ভৈল বৰ॥
অবোধ ৰাজাই।
প্রমাণ নাচাই॥
সভাইৰ কথাই।
বিশ্বাসিলা যাই॥
দূতক পঠাই।
মিশ্রক অনাই॥
পবম অন্যাই।
হিংসাক কৰাই॥
দ্রোহ বৈষ্ণৱৰ।
কৰিলা বিস্তৰ॥
ৰাখে গদাধৰ।
শুনা আত্তপব॥

| | |
|---|---|
| বৈষ্ণব দ্রোহত। | পাচে মন্ত্ৰী পাল। |
| মিলিল উৎপাত॥ | ভয়ে দেখে কাল॥ |
| ভৈল আচৰিত। | জ্ঞানীক অনাই। |
| ৰাজা ভয়ে ভীত॥ | সুধিলা দুনাই॥ |
| মিশ্ৰ যে গোসাঁই। | জ্ঞানীয়ে জনাই। |
| যুক্তি কৰি চাই॥ | শুনা নৰ ৰাই॥ |
| সত্ৰক নযাই। | দ্ৰোহ যে গুৰুৰ। |
| পুত্ৰক অনাই॥ | কৰিলা বিস্তৰ॥ |
| বচন বুলিল। | এতেকে সে আৰ। |
| ধৰ্ম্ম সংস্থাপিল॥ | অদ্ভুত তোমাৰ॥ |
| কাল নহে ভাল। | গুৰু পুত্ৰ আনি। |
| দেহা এৰা ভাল॥ | উপদেশ বাণী॥ |
| সমাধি ধৰিল। | লৈয়ো হিত মানি। |
| নয়ন মুদিল॥ | খণ্ডিব বিঘিনি॥ |
| মীন সূৰ্য্যস্থিত। | ভৰিবা আপুনি। |
| মাস উপস্থিত॥ | জানা সত্য বানী॥ |
| একাদশী শীত। | সংসাৰ নিস্তাৰ। |
| তিথিৰ বিদিত॥ | গুৰু বিনে আৰ॥ |
| শৰীৰ এৰিল। | নাহিকে নিষাৰ। |
| স্বধামে চলিল॥ | অজ্ঞান আন্ধাৰ॥ |

কৰয় নিস্তাৰ।
জ্ঞানা সত্য আৰ॥
শুনি নৰৰাই।
দূতক পঠাই॥
সত্ৰন্ত জনাই।
মাতৃ ভয় পাই॥
পুত্ৰক নিয়াই।
কি কৰে ভুলাই॥
যুক্তি কৰি চাই।
বৈষ্ণব অনাই॥
সত্ৰ মুখ্য জন।
দেব নিৰঞ্জন॥
ব্ৰাহ্মণ সজ্জন।
গুৰুৰ লক্ষণ॥
মাতৃৰ আজ্ঞাই।
নিৰঞ্জন যাই॥
নগৰক পাই।
ৰহিলন্ত যাই॥
ৰাজাই নম্রিল।
উপদেশ লৈল॥

জ্ঞানক লভিল।
সন্তাপ গুছিল॥
পাছে মহীপতি।
কৰিয়া যুগুতি॥
অনেক সম্পতি।
দিলন্ত ভূপতি॥
আউনী আটীত।
মাজালী দ্বীপত॥
সত্ৰ কৰিলন্ত।
কীৰ্ত্তি ৰাখিলন্ত॥
মিশ্ৰদেব সুন্ত।
সৰ্ব্ব গুণ যুত॥
ৰাম কৃষ্ণ খ্যাত।
নামত প্ৰখ্যাত॥
গোপাল সত্ৰত।
ভৈলন্ত প্ৰখ্যাত॥
মহাগুণৱন্ত।
ধৰ্ম্ম পালিলন্ত॥
ৰমণী ভূতয়।
বিবাহ কৰায়॥

বিষয় ভোগায়।
ইন্দ্রিয় দমায় ॥
দুতয় নাৰীৰ।
তাহান বীৰ্য্যৰ ॥
পৰম সুন্দৰ।
জন্মে ক্রমান্তৰ ॥
সাত গুটি পুত্র।
পৰম বিচিত্র ॥
জ্যেষ্ঠ ৰামচন্দ্ৰ।
আৰু হৰিশ্চন্দ্ৰ ॥
তাত পৰে নাম।
শুনা অনুপাম ॥
চাৰুচন্দ্ৰ নাম।
উত্তম চন্দ্ৰ নাম ॥
জয় চন্দ্ৰ নামৰ।
কনিষ্ঠ সোদৰ ॥
ভিন্ন উদৰৰ।
দুতয় সোদৰ ॥
বিষ্ণু দেৱ নাম।
ভৱদেৱ নাম ॥

সবাৰো প্ৰথম।
ৰামচন্দ্ৰ নাম ॥
ভৈল অনুপাম।
কৰি কৃত্য কাম ॥
মাধৱৰ নাম।
গাবে অবিশ্ৰাম ॥
ধৰ্ম্মপাল ভৈল।
জানিল সকল ॥
শিক্ষা নাহি কৈল।
দৈবে বিদ্যা ভৈল ॥
বিখ্যাত পাৰ্ব্বত।
পৰম পণ্ডিত ॥
তাহান দিনত।
আসাম দেশত ॥
সন্তৰ ওপৰে।
দুষ্ট নৃপবৰে ॥
অন্যাই বিচাৰে।
অত্যাচাৰ কৰে ॥
মহাক্ৰোধ ভৈল।
সন্তক হিংসিল ॥

পাচে যেন ভৈল।
শুনিও সকল ॥
রুদ্র সিংহ ৰাই।
নৃপতি ডুনাই ॥
মহন্ত অনাই।
সত্ৰক পতাই ॥
ৰামচন্দ্ৰ গোসাঁই।
বিমৰিষি চাই ॥
ই দেশ অন্যায়।
থকা ভাল নায় ॥
বুলিলা ডুনাই।
শুনা নৰৰাই ॥
বিদেশক যাই।
দিওক বিদাই ॥
ৰাজা বোলে বেশ।
কৰিলো আদেশ ॥
পুনৰ্ব্বাৰ দেশ।
আছিবাহা শেষ ॥
ৰাজাক জনাই।
পাচে চলি যাই ॥

গঙ্গাতীৰ পাই।
ৰহিলা তথাই ॥
ৰাজাক জনাইল।
সত্ৰ কৰি দিল ॥
কীৰ্ত্তিক ৰাখিল।
তথাতে ৰহিল ॥
চৈত্ৰ যে মাসত।
শুক্লা নবমীত ॥
তিথি ভৈল স্থিত।
ভৈল তিৰোহিত ॥
তাহান কনিষ্ঠ।
ভকতৰ ইষ্ট ॥
পৰম বিশিষ্ট।
সন্ত গুণ শিষ্ট ॥
হৰিশ্চন্দ্ৰ গোসাঁই
জ্যেষ্ঠৰ আশাই ॥
থাকে পথ চাই।
ধৰ্ম্ম প্ৰবৰ্ত্তাই ॥
পূৰ্ব্ব কালে যেন।
ৰামৰ কাৰণ ॥

ভবত সজ্জন।
পালে ৰাজ্যধন ॥
হৰিশ্চন্দ্ৰ দেৱৰ।
শুনা আন্তপৰ ॥
ভৈল কালপৰ।
বুলিল সত্বৰ ॥
আয়ু শেষ ভৈল।
পুত্ৰ ভ্ৰাতৃ গৈল ॥
গোসাঁয়ে কহিল।
সত্ৰকৰা পাল ॥
বুলিলা বচন।
মুদিলা নয়ন ॥
আত্মা মন প্ৰাণ।
কৰিল প্ৰয়াণ ॥
হৰিশ্চন্দ্ৰ দেৱৰ।
পৰম সুন্দৰ ॥
শ্ৰীচন্দ্ৰ নামৰ।
পুত্ৰ প্ৰথমৰ ॥
সত্ৰ বিভাগিতে।
দৈবৰ গতিকতে ॥

বৈষ্ণৱ সহিতে।
ভৈল তান চিতে ॥
ৰাজাক জনাইল।
নৃপতি শুনিল ॥
বচন বুলিল।
দূত পঠাই দিল ॥
ৰাজ দূত যাই।
গোসাঁইক জনাই ॥
ৰাজ অভিপ্ৰাই।
শুনিও গোসাঁই ॥
কুৰুৱা বাসীত।
যাইতে উচিত ॥
শুনোক বিহিত।
থাকিতে উচিত ॥
শ্ৰীচন্দ্ৰ দেৱ।
পাইল সত্ৰএৰ ॥
আবে প্ৰভু দেৱ।
কৰিলোহো সেৱ ॥
ৰাজ অভিপ্ৰাই।
খলিত যে নাই ॥

চাৰুচন্দ্ৰ গোসাঁই।
লৰিলা তথাই ॥
কাশীতলি স্থানে।
প্ৰভুৰ বচনে ॥
পাচে ভক্তগণে।
আনন্দিত মনে ॥
সত্ৰ কৰিলন্ত।
ধৰ্ম্ম স্থাপিলন্ত ॥
প্ৰক্ষাত ভৈলন্ত।
কুৰাবাহী সন্ত ॥
ৰাজাৰ আজ্ঞাত।
ডিফলু সত্ৰত ॥
শ্ৰীচন্দ্ৰ তহিত।
ৰহিল নিশ্চিত ॥
বৈষ্ণবক লৈয়া।
ভাগৱত কৈয়া ॥
হৰি নাম গায়া।
ভক্তি প্ৰবৰ্ত্তায়া ॥
শাস্ত্ৰ অভিপ্ৰাই।
ধৰ্ম্ম প্ৰবৰ্ত্তাই ॥

শ্ৰীচন্দ্ৰ গোসাঁই।
থাকে সেহি ঠাই ॥
কুৰাবাহী সত্ৰ।
ডিফলু একত্ৰ ॥
গোপালৰ সত্ৰ।
পবিত্ৰ চৰিত্ৰ ॥
আসামে বিচিত্ৰ।
এহি চাৰি সত্ৰ ॥
ধৰ্ম্ম এক মাত্ৰ।
ৰাজ মান্য পাত্ৰ ॥
বেদ ব্যৱহাৰ।
কৰ্ম্মৰ প্ৰচাৰ ॥
সংহতি ব্ৰহ্মাৰ।
এ চাৰি সত্ৰৰ ॥
দেবতাৰ দেব।
জগতৰ সেব ॥
গোবিন্দ যাদব।
ব্ৰজৰ বান্ধৱ ॥
বংশী বদন।
গোপাল মদন ॥

সাকাৰ গঠন।
কৃষ্ণৰ ধিয়ান ॥
চাৰি সত্রে জনা।
কৰিল স্থাপনা ॥
শুনা নৰগণ।
পশিও শৰণ ॥
শুদ্ধ কৰা মন।
তাৰা জীৱগণ ॥
শুনা নৰগণ।
কৰি এক মন ॥
বৈষ্ণৱ নিন্দন।
নকৰা কথন ॥
নৰ তনু পাই।
কি কৱ মনাই ॥
ব্যর্থে আয়ু যাই।
ঘুনাই ন পাই ॥
আন পৰিহৰা।
গুৰু বাক্য ধৰা ॥
সংসাৰক তৰা।
পুৰুষ উদ্ধাৰা ॥

কৰা কৃত্ত কাম।
কলিযুগে নাম ॥
ধৰ্ম্ম অনুপাম।
লৈয়ো অবিশ্রাম ॥
দ্বিজ কোষেশ্বৰে।
কহে সকাতৰে ॥
যেন জ্ঞানী নৰে।
দোষ ক্ষমা কৰে ॥
চৰিত্র পূৰ্ব্বৰ।
দেখিয়া বিস্তৰ ॥
অভ্যাসিবে নৰ।
নপাৰে সত্বৰ ॥
সেহিসে দেখিয়া।
সঙ্ক্ষেপ কৰিয়া ॥
মই মূৰ্খ হৈয়া।
চৰিত্র চাহিয়া ॥
কৰিলো ৰচন।
ক্ষমা বুদ্ধজন ॥
নিনিন্দা কথন।
শুনা সৰ্ব্বজন ॥

সন্তমালা রাম। | তেজো আন কাম।
ধরো হরি নাম॥ | বোলো রাম রাম॥

ইতি শ্রীকোবেশ্বর দেব গোস্বামী বিরচিত।

